শিশুনাটিকাৱলী ] দ্বিতীয় স্তবক



# লুইত কোঁৱৰ

(স্বৰলিপি সম্বলিত)

---

ৰচোঁতা,

শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ

আৰু

শ্ৰীমুক্তিনাথ শৰ্ম্মা বৰদলৈ

যোৰহাট

১৮৫৭ শক

---

বেচ দাম ৸০ বাৰ অনা

বান্ধ... [illegible] চৈধ্য অনা

# A FOREWORD

by

**Srijut Padmadhar Chaliha, M. A., B. L.**

Sjt. Kirtynath Bardoloi, an enthusiastic Assamese gentleman of versatile talents, has already appeared before the public with a beautiful treatise on music, named, "ASSAMIYA SUR-PARICHAYA." He also struck a new note in Assamese literature by bringing out a series of juvenile dramas, or rather melo-dramas, in collaboration with his worthy son Sriman Muktinath Bardoloi, B. A. The first play "BASHANTIR ABHISHEK" ( Installation of the Spring Season ) has met with a cordial reception at the hands of the Assamese reading public. The present joint literary production of the father and the son which is rightly christened "LUIT KONWAR," is really 'a thing of beauty—a joy forever.'

The theme of the play is happily conceived and bears unmistakeable traces of originality and penetrating insight. The opening scene is laid on the banks of the Manas Sarowara —the birth place of the river Brahmaputtra. The presiding deity of the lake hears the clarion call of Eternity, which causes a tremendous commotion in the watery regions. The Sea-Breeze, Pochowa, comes as a messenger of the Great Sea, extending a cordial invitation to the presiding deities of the various rivers and streams to a magnificent festival to be held with right royal splendour under his direct supervision, affording unique opportunities to the tributaries to exchange greetings with one another and to pay homage to the Sea. Instructions are left with Prince Luit Lonit ), that the other deities would meet him one by one along the route. The Kuruwa (North-eastern) breeze serves as the Prince's guide and introduces to him the various places of interests and picturesque sceneries they come across during the great journey.

After crossing Kundila, the birth place of the great Princess Rukmini, who became the consort of Bhagawan Sri Krishna, the first place that arrests their attention is Rongpur with its magnificent temples and lakes, the ruins of ancient palaces bearing eloquent testimony to the splendid achievement of the Assamese rulers of old. Then comes Majuli the abode of the holy institutions or the monastaries, called the Satras—originally founded by the illustrious Assamese Saints Sri Sankardev, Sri Madhav Deva and Deva Damodara, which have been exercising for centuries together a great cementing and harmonising influence on Assamese Society. The party then skips over the Dhansiri and the Sowansiri, believed to be depositories of gold and silver in olden times, and the Kapili, which brings

memories of the divine saint Sri Sankardev—the builder of modern Assam. The next place shining forth with holy lustre is Sonitpur (now called Tezpur) associated with the names of King Bana and his handsome daughter Usha, who eventually became the consort of Sri Krishna's grandson, Aniruddha. Proceeding a little further, the party reaches Pragjyotishpur, the capital of the ancient Kamarupa,—"a fit nurse for a poetic child," surrounded by holy hills with sacred temples the most noteworthy among them is the little island, Umananda, blazing forth like a lotus petal on the bosom of the mighty Brahmaputtra. Advancing further, the party comes across the Chaulkhowa and the Pagladia, the latter steering her course like a frenzied girl with dishevelled hair. Next comes Bilashipara, the sight of which brings sweet memories of the exploits of the merchant prince, Chando Sadagar, and the illustrious Sati Behula. Last, but not the least appears Netai, in the vicinity of Dhubri, where a washerwoman of that name played an important part in the ever memorable episode of the great Sati Behula.

Thus we find kaleidoscopic view of the various places of histor ical interests as well as of places hallowed by antiquity and associated with the names of Saints and Martyrs, heroes and heroines, is brought before the mind's eye with great vividness. The reader has before him a verit-ble panorama of cloud-clapped summits of hills and ranges, beautiful rivers and lakes, the sacred temples, shrines and monastaries, and the magic wand of the artist transforms the entire scenery into the ancient Kamarupa of which the poets and bards sing with soul-enthralling and rapturous strains.

This little drama may, in other words, be rightly called a lyrical geography of Kamarupa on a miniature scale. The book, besides being an intellectual treat, breathes patriotic fervour as the sentiments expressed therein are sure to find a sympathetic response in the hearts of all true lovers of mother-land. Another distinguishing feature of the play is that the tunes of the songs have been so set as to fit in exactly with the characteristics of the particular river or stream. For example, the Pagladiya sings in strains faithfully representing her meandering course and wayward habits, and thus the sense thoroughly echoing the sound, produces a marvellous effect.

A dramatic representation of this nice little play by juvenile artists in their leisure hours will afford innocent amusement to them and transport the audience for the time being into those regions where nothing but "Bliss reigns and the sense of Veilheit is drowned in that of Eilheit."

*Sibsagar,*
*the 7th Dec 1930* } *Padmadhar Choliha.*

# প্ৰকাশকৰ নিবেদন

শ্ৰদ্ধাস্পদ শ্ৰীযুত কীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ ডাঙ্গৰীয়াৰ "অসমীয়া সুৰ পৰিচয়" অসমীয়া সাহিত্যলৈ এটি অমূল্য আৰু অতুলনীয় দান। তেখেতৰ আৰু তেখেতৰ সুযোগ্য পুত্ৰ শ্ৰীমান মুক্তিনাথ শৰ্ম্মা বৰদলৈ বি, এ, বাপাৰ যুটীয়া ৰচনা "ৰাসন্তীৰ অভিষেক" খনিও অসমীয়া সাহিত্য-ভঁড়ালৰ এটি অভিনৱ আৰু আপুৰুগীয়া সম্পত্তি। এতিয়া আকৌ পিতা-পুত্ৰৰ যুটীয়া লেখনীৰ পৰা ওলোৱা "লুইত কোঁৱৰ" খনিয়েও অসমীয়া সাহিত্য পঢ়োঁতা সকলৰ এটি আদৰৰ বস্তু হব আৰু অসমীয়া গীতি-সাহিত্য-ক্ষেত্ৰত যুগান্তৰ আনিব বুলি আশা কৰি এই গীতি-নাটিকা খনি ৰাইজৰ আগত নিবেদন কৰিলোঁ। "লুইত কোঁৱৰে" সহৃদয় ৰাইজৰ পৰা যোগ্যানুৰূপ মৰম পাব বুলি আশা কৰোঁ।

আসাম পাব্লিচিং হাউচ
ৰাণী বিল্ডিং, যোৰহাট
১লা আহিন, ১৮৫৩ শক

নিবেদক,
শ্ৰীজিতেন্দ্ৰ কুমাৰ দাস
প্ৰকাশক।

# সূত্ৰ

শিশু নাটিকাৱলীৰ প্ৰথম পুথি 'বাসন্তীৰ অভিষেক' খনিয়ে অসমীয়া পাঠক-পাঠিকা আৰু ছাত্ৰ-ছাত্ৰীসকলৰ এচেৰত আদৰ আৰু মৰম পোৱাত উছাহ পাই দ্বিতীয় পুথি 'লুইত কোঁৱৰ' খনি আগ বঢ়ালোঁ। কথা-বতৰা আৰু গীতৰ সহায়ত পুৰণি নতুন অসমৰ যৎকিঞ্চিৎ আভাষ দিয়াই এই ক্ষুদ্ৰ নাটিকা খনিৰ উদ্দেশ্য। পুথি খনিৰ গীত-বিলাকৰ কথা আৰু সুৰ দেশ-কাল-পাত্ৰোচিত কৰিবলৈ পাৰ্য্যমানে চেষ্টা কৰিছোঁ। অভিনয় কৰোঁতা আৰু গীত-শিকাৰু সকলৰ সুবিধাৰ বাবে এই পুথিৰ শেহত গীত-বিলাকৰ একোটা সহজ সুৰলিপিও দিয়া হৈছে। আমাৰ যুটীয়া চেষ্টা, শ্ৰম আৰু উদ্দেশ্য কিমান দূৰ সফল হৈছে তাক ৰাইজে বিচাৰ কৰি চাব। ভুল-ভ্ৰান্তিৰ বাবে আমি অসমীয়া পাঠক সমাজৰ এচেৰত ক্ষমা ভিক্ষা কৰিছোঁহঁক।

সামৰণিত কৃতজ্ঞতাৰে জনাওঁ যে আসাম সাহিত্যক্ষেত্ৰত সুপৰিচিত, কবি আৰু নাট্যকাৰ শ্ৰীযুত পদ্মধৰ চলিহা এম, এ, বি, এল্ দেৱে এই পুথি খনৰ ৰচনাত ভালেমান লাগতীয়াল সংকেত আৰু পৰামৰ্শ দি গ্ৰন্থকাৰ দুজনক সহায় কৰিছে। তদুপৰি এখনি ইংৰাজী পূৰ্ব্বাভাষ লিখি এই ক্ষুদ্ৰ নাটিকা খনিৰ মোল বঢ়াইছে। সৰলান্তঃকৰণেৰে আৰু কৃতজ্ঞতাপূৰ্ণ হৃদয়েৰে তেখেতৰ দীৰ্ঘায়ু-বল-গৌৰৱৰ নিমিত্তে পৰমেশ্বৰক খাটিছোঁ। অলমতিবিস্তৰেণ।

যোৰহাট,
শ্ৰীশঙ্কৰ গুৰুৰ তিথি,
১৮৫৩ শক।

বিনীত,
শ্ৰীকীৰ্ত্তিনাথ শৰ্ম্মা বৰদলৈ।
শ্ৰীমুক্তিনাথ শৰ্ম্মা বৰদলৈ।

# ছোঁ-মাৰ ।

| ভাৱৰীয়া | | সাজ |
|---|---|---|
| লুইত কোৱঁৰ— পাটৰ চুৰীয়া, পাটৰ চাপকন, গুণা-খনীয়া, পাগুৰী, পয়জাৰ । | | |
| পছোৱা বতাহ— নীলাধুতি, নীলাচাদৰ, নীলা বুকুচোলা, নীলাপাগুৰী । | | |
| কুন্দৰা বতাহ— সেউজীয়া বুকুচোলা, সেউজীয়া চুৰীয়া, সেউজীয়া পাগুৰী আৰু চেলেং । | | |
| মানসী কুৱঁৰী— পাটৰ বনকৰা ৰিহা মেখেলা, চোলা, বনকৰা চেলেং, মূৰত মুকুট । | | |
| সোৱণশিৰী— মুগাৰ ৰিহা মেখেলা, ফুলাম চেলেং, ডিঙ্গিত মূৰত বগাফুলৰ মালা । | | |
| ধনশিৰী— ঐ | ঐ | ঐ |
| ভৰলী— ঐ | ঐ | ৰঙাফুলৰ মালা |
| কপিলা— ঐ | ঐ | বগাফুলৰ মালা |
| ভৰলু— মুগাৰ ৰিহা মেখেলা, চেলেং, মূৰত ডিঙিত ফুলৰ মালা | | |
| চাউল খোৱা— মেখেনীমৰা পাটৰ ৰিহা মেখেলা, মূৰত সৰু ওৰণী, ডিঙিত মূৰত ফুলৰ মালা | | |
| পাগলাদিয়া— মেখেনী মৰা ৰঙা-কলা ফুলৰ কপাহী মেখেলা ৰিহা, মূৰত গছপাটৰ মালা ; আউলি বাউলি চুলি । | | |
| বৰদৈচিলা— পাটৰ ৰিহা মেখেলা, চোলা আৰু নীলা বৰণীয়া চেলেং । | | |
| নেভাই— পাটৰ ৰিহা মেখেলা, চোলা আৰু পাটৰ চেলেং । | | |

---

অসমৰ অপ্ৰতিদ্বন্দ্বী নাট্যকাৰ, কবি, প্ৰবীণ সাহিত্যৰথী আৰু লণ্ডনৰ ৰাউণ্ড টেবিল কনফাৰেঞ্চৰ একমাত্ৰ অসমীয়া প্ৰতিনিধি শ্ৰদ্ধাস্পদ শ্ৰীযুত চন্দ্ৰধৰ বৰুৱা ডাঙৰীয়াৰ "লুইত-কোঁৱৰ"ৰ বিষয়ে মন্তব্যঃ—

প্ৰিয় বৰদলৈ,

আপোনাৰ "লুইত-কোঁৱৰ" পঢ়ি নথৈ ৰং পালোঁ। অসম দেশৰ সকলো নদ-নদী, জান-জুৰি, সাগৰত পৰিছে গৈ,— এই অতি সাধাৰণ কথাটোকে অৱলম্বন কৰি লিখা এই বিতোপন সৰু নাট খনিয়ে লিখকৰ কবিত্ব আৰু মাৰ্জ্জিত ৰুচিৰ সুন্দৰ ৰূপে চিনাকি দিছে। গদ্য অংশত, সহজ ভাৱেৰে উল্লেখ কৰা আমাৰ দেশৰ পৌৰাণিক আৰু বুৰঞ্জী-মূলক পুৰণি গৌৰৱৰ কথা খিনিয়ে নাটকৰ মোল বঢ়াইছে। ৰচনা কৌশল, ভাষা, সুৰ আৰু ভাবৰ সামঞ্জস্য থকা বাবে, গীত বিলাক অতি উপাদেয় হৈছে। আপোনাৰে, "বাসন্তীৰ অভিষেক"ৰ বাহিৰে, আমাৰ ভাষাত এই শ্ৰেণীৰ নাট আজিলৈকে ওলোৱা নাই। গুণ গ্ৰাহী, শিক্ষিত দৰ্শকৰ আগত অভিনয় কৰিবৰ অৰ্থে "লুইত-কোঁৱৰ" অতি উপযোগী হৈছে। সাহিত্য ভঁৰাললৈ এই মাগতীয়াল দানৰ বাবে সকলোৱে আপোনাৰ গুণ লব বুলি আশা কৰিছোঁ।

এই কিতাপত আপোনাৰ সুযোগ্য পুত্ৰ শ্ৰীমান মুক্তি নাথ বাপাৰ ৰচিত গীত খিনি দেখি অতি সন্তোষ পাইছোঁ আৰু আশীৰ্ব্বাদ কৰিছোঁ তেওঁ যেন আপোনাৰ সকলো সদ্‌গুণৰ অধিকাৰী হওক।

আপোনাৰ

শ্ৰীচন্দ্ৰধৰ বৰুৱা।

২৫।৯।৩১

# নান্দী

১। কল্যাণ মিশ্র—একতালা।

আজি প্ৰভাতৰ অৰুণ-কিৰণে
ধৰাৰ বুকত নাচিছে আহি।
মলয় এছাতি আহি বই যায়
সৰাই কোমল পদুম-পাহি॥
কোন সপোনৰ বাৰ্তাৰ আনে
একেটি সুৰৰ একেটি তানে?
নব বসন্তৰ আগমনে
বজায় কোনেনো নিমাতী বাঁহী?
ফুলৰ পাহিত শিহৰণ লাগি
মধুৰ সৌৰভ উঠিছে ভাহি॥ K.



# এক

## মানস সৰোবৰৰ পাৰ

( দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি। গীত গাই গাই মানসী কুৱঁৰী আহে )

### মানসী কুৱঁৰী

২। পূৰবী—একতালা।

( সৌ ) আৱাহনী বাজে দূৰ-দূৰণিত
সাগৰে আদৰি মাতে।
উঠে ধ্বনি তাৰে নীল আকাশত
তৰাৰে জেউতি তাতে॥
কিনো সুৰ তাহি আছে,
নীলা পদুমীৰ পাছে পাছে,
সেই সুৰতেই পৰাগ কণাই
সোণৰে দলিচা পাতে॥ K.

সৌ সাগৰে মাতিছে; অনন্তই আৱাহনী গীত গাই গাই মাতিব লাগিছে—"আহাঁ, আহাঁ"। অনন্তৰ আৱাহনীত নদ-নদী, নিজৰা-জুৰি, এটাইবিলাক ব্যাকুল হৈ পৰিছে। ( দূৰৈত ক্ষীণ সঙ্গীতৰ ধ্বনি ) সৌৱা, সেই মধুৰ সঙ্গীত লাহে লাহে ওচৰ চাপি আহিছে। ( কাণ পাতি শুনি থাকে )

। ( গীত গাই গাই পছোৱা বতাহ আহে )

পছোৱা

৩। মালশ্রী—কাৱালী।

পছিমৰ বাতৰি আঁচলতে আনি
সিঁচি ফুৰোঁ ছটিয়াই ;
ফাগুনে যেতিয়া শিমলু ফুলৰে
বুকু দিয়ে উদঙ্গাই ॥
ৰিব্ ৰিব্ কৈ যাওঁ উৰি,
দেশ বিদেশে ফুৰোঁ ঘূৰি,
হালি জালি নচা ফুলৰে কোলাতে
দিওঁ মউ ওপচাই ॥ M,

আই কুৱঁৰী, মোৰ প্ৰণাম লওক। মই সাগৰৰ কটকী পছোৱা বতাহ। সাগৰৰ যজ্ঞলৈ পৃথিবীৰ নদ-নদী, নিজৰা-জুৰিৰ কোৱঁৰ-কুৱঁৰী সকলক নিমন্ত্ৰণ কৰি ফুৰিছোঁ। লুইত কোৱঁৰকো সাগৰৰ যজ্ঞলৈ মাতিবলৈ আহিছোঁ।

মানসী

( বিজিয়াই মাতে ) লুইত কোৱঁৰ ! লুইত কোৱঁৰ ! সাগৰৰ কটকী আহিছে ; আহাঁ।

( গীত গাই গাই লুইত কোৱঁৰ আহে )

লুইত কোৱঁৰ

৪। বেলোৱাৰ—ঢিমা একতালা।

কোন সুদুৰৰ আবাহনী গীতি
ধীৰে ধীৰে ধীৰে আহে।
পৰাণে কান্দিছে মিলনৰ আশে
অলেখ অজান উলাহে ॥

সি সুৰ মিলায় দূৰ আকাশত,
তৰাবোৰ কঁপে জোনৰ কাষত,
নিশাৰ নিয়ৰ ফুলৰ কোলাত
নাচিছে মনৰ হেপাহে॥ K.

### মানসী

কোৱঁৰ, এওঁ সাগৰৰ কটকী পছোৱা বতাহ; সাগৰৰ যজ্ঞলৈ পৃথিবীৰ নদ-নদী সকলক নিমন্ত্রণ কৰি ফুৰিছে; তোমাকো নিমন্ত্রণ হৈছে!

### লুইত কোৱঁৰ

অসীমৰ আহ্বানীৰ মধুৰ সুৰ মোকো কাণত পৰিছেহি। দূৰণিৰ সেই ভাহি অহা সুৰে মোৰ হিয়া উগুল-থুগুল কৰি দিছে।

### পছোৱা

কোৱঁৰ, মই পছিমৰ পৰা নদ-নদীসকলক মাতি আহিছোঁ। অসম দেশৰ জলকুৱঁৰী সকল বৈ আছে; আপোনাৰ লগতে তেওঁবিলাকো সাগৰৰ যজ্ঞলৈ যাব। এতিয়া মই পূবলৈ যাওঁ। (পছোৱা যায়)

### মানসী

লুইত কোৱঁৰ, সাগৰে মাতিছে, ব'লা তোমাক সজাই-পৰাই দিওঁগৈ।

### লুইত কোৱঁৰ

আই, কিমান পৰ্ব্বত, বন, নগৰ, জনপদ পাৰ হৈ যাব লাগিব, সেই বিলাক ঠাই' কেনেকৈনো চিনি পাম?

### মানসী

বাছা, তাৰ নিমিত্তে চিন্তা নাই। তোমাৰ পাচনি কুকুৰা বতাহে বাট-ঘাট এটাইবোৰ চিনি পায়। তেৱেঁই তোমাক বাট দেখুৱাই নিব। (বিজিয়াই মাতে) কুকুৰা, কুকুৰা!

(গীত গাই গাই কুকুৰা আহে)

কুন্দৰা গাইছে

৫। ললিত কৌ—ভেওৰা।

অসীমৰ বীণাতে,
মৃদু মধুৰে,
বাজে ধীৰে ধীৰে
ললিত ৰাগিণী।
কম্পন উঠে,
বিশ্ব বিয়পি,
উৰে ফুল ৰেণু,
সৌৰভ আনি॥
অসীমৰ বুকতে
সুন্দৰে আহি,
ৰচিলে সুন্দৰে
অমিয়া নগৰী,
অৰুণ-কিৰণে
হাঁহি মাৰি সাজে,
মোহন ছবিটি
মধুৰতা সানি॥ M.

আই কুৱঁৰী, মোক বিচাৰিছে বা কেলেই ?

মানসী

কুন্দৰা, লুইত কোৱঁৰে অসমৰ নদী-নিজৰাৰ জলকুৱঁৰী সকলক লগত লৈ সাগৰৰ যজ্ঞলৈ যাব। তুমি বাট দেখুৱাই লৈ যাবা। মই কোৱঁৰক সজাই-পৰাই দিওঁগৈ ; তুমিও সাজু হোৱাগৈ। ( মানসী কুৱঁৰীয়ে লুইত কোৱঁৰক লৈ যায় )

লুইত কোঁৱৰ ।

কুকৰা

অসীমৰ বুকতে
সুন্দৰে আছি,
ৰচিলে সুন্দৰে
অমিয়া নগৰী ;
অৰুণ-কিৰণে
হাঁহি মাৰি সাজে,
মোহন ছবিটি
মধুৰতা সানি ॥

( গীত গাই গাই কুকৰা সোমাই যায )

---

# দুই

## মাজুলীৰ ওচৰ

( সুইত কোৱঁৰ আৰু কুন্দৰা বতাহ লাহে লাহে আহে )

**সুইত**

কুন্দৰা, এই দেশখনি সপোনৰ দেশ যেন লাগিছে ; যি ফালেই চাওঁ সেইফালেই সেউজীয়া ওৰণিৰে প্ৰকৃতিৰ মুখ খনি ঢাকি থোৱা যেন দেখোঁ। গছৰ শিৰত কুমলীয়া পাতৰ কলচী ; ফুলেৰে জাতিষ্কাৰ হৈ জিলিকি থকা ফুলৰ গছ ; কুলি-কেতেকীৰ মধুৰ মাত ; সূৰুযৰ সোণালী কিৰণ ; জোনৰ ৰূপালী জোনাক। যেনিয়েই চাওঁ, চকুত পৰে যেন এখন সত্য-শিৱ-সুন্দৰৰ ৰাজ্য।

**কুন্দৰা**

সচাকৈয়ে কোৱঁৰ, এই খনি অনুপম দেশ। বিশাল প্ৰাচীন কামৰূপ ৰাজ্যৰ পূৰভাগ সুবৰ্ণপীঠ। এই সুবৰ্ণপীঠৰ উত্তৰ-পূৰ অঞ্চলেই সতী ৰুক্মিণী আইৰ পিতৃ ৰাজ্য কৌণ্ডিল্য। উত্তৰৰ সৌ শুভ্ৰ বৰফেৰে ঢকা আকাশলঙ্ঘী হিমালয়—হিমালয়ৰ বুকৰ সৌ নীল বৰণীয়া পৰ্ব্বত মালাই কুঞ্জগিৰি—ভোট, অকা, দফলা আদিৰ চিৰবসতি ৰাজ্য। দখিণ ফালে সৌ নীলা-সেউজীয়া পৰ্ব্বত শ্ৰেণীয়েই নাগ-ৰাজ্য—সবল, নিৰ্ভীক, প্ৰকৃতিৰ সন্তান নগাসকলৰ বাসস্থান। আকৌ ইয়াৰ পৰা অলপ দখিণ-পূৰে ভিতৰলৈ সোমালেই ইন্দ্ৰবংশী ৰজা সকলৰ অমৰ-লীলাভূমি ৰংপুৰ নগৰ পোৱা যায়। ইয়াতেই শিৱসাগৰ শিৱদৌল, দুৰ্গাদৌল, বিষ্ণুদৌল, ৰংঘৰ, কাৰেংঘৰৰ ধ্বংসাৱশেষে প্ৰবল-প্ৰতাপী আহোম ৰাজসকলৰ অতীত গৌৰৱৰ চিনাকী দিব লাগিছে। সেই নগৰৰ অলপ আঁতৰতে জয়সাগৰ, জয়দৌলে সতী ৰাণী জয়মতীৰ পৱিত্ৰ নাম চিৰস্মৰণীয়কৈ ৰাখিছে।

### লুইত কোৱঁৰ

কুন্দৰা, এই বিতোপন দেশৰ বিষয়ে আৰু কোৱাঁ। মোৰ শুনি শুনি হেপাহ পলোৱা নাই।

### কুন্দৰা

আমাৰ দখিণ-পছিমৰ ফালে অলপ আঁতৰত ইন্দ্ৰবংশী ৰজাসকলৰ শেষ লীলাৰ ঠাই যোৰহাট নগৰ। আকৌ আমাৰ উত্তৰফালে সৌখনি অসম গৌৰৱ মাজুলী, নিৰুপম শুদ্ধ-সত্ব ভাগৱতী ধৰ্ম্মৰ কেন্দ্ৰ ঠাই। ইয়াতেই এতিয়াও আউনীআটী, দক্ষিণপাট, কমলাবাৰী, গড়মূৰ, বেঙ্গেনাআটী আদি সত্ৰৰ নামঘৰত পাঁচ প্ৰসঙ্গত পৱিত্ৰ বৈষ্ণৱ ধৰ্ম্মৰ নাম-কীৰ্ত্তনৰ বোলে শঙ্কৰ-মাধৱ-দামোদৰ-বংশীগোপালদেউ আদি পৰম ভাগৱত গুৰুসকলৰ অক্ষয় কীৰ্ত্তি ঘোষণা কৰিব লাগিছে।

( দূৰৈত মৃদু সঙ্গীতৰ ধ্বনি )

### লুইত কোৱঁৰ

কুন্দৰা, শুনাচোন, এটি মৃদু সঙ্গীতৰ ধ্বনি যেন এই ফালে ক্ৰমে আহিব লাগিছে।

### কুন্দৰা

কোৱঁৰ, এই খিনিতে উত্তৰ দখিণৰ পৰ্ব্বতৰ পৰা অহা জলকুৱঁৰী সকল আমাৰ লগ লাগিবৰ কথা। সৌৱা, উত্তৰ ফালৰ পৰা এগৰাকী জলকুৱঁৰী গীত গাই গাই আহিব লাগিছে।

( গীত গাই গাই সোৱণশিৰী জলকুৱঁৰীৰ প্ৰৱেশ )

### সোৱণশিৰী

৬। দিহা শ্যাম—কাৱালী।

বলুকা পাৰৰে, শুকুলা কঁহুৱাৰ,
বনে ঐ হাঁহিছে, বনে ঐ হাঁহিছে।
বচকী পখিলী নাচোনে নাচিছে ॥ ধ্ৰু ॥
॥ পদ ॥ মলয়াৰ এছাতি ধীৰে বই গলে,
কঁপে ঐ গছৰে পাত।

ভাৱৰৰে ছাঁয়া মায়া পৰি মোৰে গাতে,
হিয়া খনি কৰে শাঁত॥ ১॥
বনৰে চৰায়ে, সুহুৰিটি মাৰি,
নাচি নাচি উৰি ফুৰে।
গুৱনী ফুলৰে পাহি সৰি সৰি
চউৰে বুকতে পৰে॥ ২॥ M.

( লুইত কোৱঁৰক ওলগনি দি )

কোৱঁৰ ! মই সোৱণশিৰীৰ জল-কুৱঁৰী। মোৰ লগত দিবাং, কুণ্ডিল পানী, নোৱা দিহিং, দিক্রাং, ৰঙা নৈ আদিৰ কুৱঁৰী সকলো আহিছে। আমি এটাইটি বাই-ভনী আপোনাৰ লগতে সাগৰৰ যজ্ঞলৈ যাবলৈ এই বাহৰতে ৰইছোঁহি। এতিয়া কোৱঁৰৰ কি আজ্ঞা হয় তাকে জানিবলৈ মই আহিছোঁ।

লুইত কোৱঁৰ

কুবেৰৰ জীয়ৰী সোণকুৱঁৰী, তোমালোকে বাহৰতে অলপ ভাগৰ জুৰোৱাঁগৈ। আমাৰ পাচনি কুকুৰাই তোমালোকক জিৰাবৰ সুবিধা কৰি দিব গৈ। আন জল-কুৱঁৰী সকল আহিলেই আমি যাত্রা কৰিম। কুকুৰা, সোণকুৱঁৰীক লগত লৈ আমাৰ বাহৰৰ উত্তৰ হাটীত এওঁৰ আৰু এওঁৰ লগৰ কুৱঁৰী সকলৰ থকা-মেলাৰ সুবিধা কৰি দিয়াঁগৈ।

কুকুৰা

কুৱঁৰী, মোৰ লগে লগে আহক। ( কুকুৰা আৰু সোৱণশিৰী যায় )

( দূৰৈত মৃদু সঙ্গীত—ধনশিৰী জল-কুৱঁৰীয়ে লয়লাস গতিৰে গীত গাই গাই আহে )

ধনশিৰী

৭। ব্যাহ-নৰাণী—খৰমান ( কাহাৰৱা )

( মোৰ ) ঢৌৰে ঢৌৰে নাচে, সূৰুযৰে ছবি,
তিৰ্‌বিৰ্ তিৰ্‌বিৰ্ কৈ।
ৰঙা পদুমীৰে, পাহিতে জিলিকে,
সোণৰে সঁফুৰা ঐ ;

তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ, তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ ॥
ভৈয়ামৰ শিলেৰে, হেন্দোলনি তুলি,
ঢৌ মোৰ বাগৰি যায়।
হাবিৰে হৰিণী, দেখি ছবি খনি
চায়ে থাকে ভোল হৈ,
তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ ॥ M.

(ওলগনি দি) কোৱঁৰ, মই ধনশিৰীৰ জল-কুৱঁৰী। পছোৱাৰ মুখত বাতৰি পাই আপোনাৰ সাগৰ অভিযানৰ লগৰী হবলৈ আহিছোঁ। মোৰ লগতে দিখৌ, কাকডঙ্গা, ভোগদৈ আদি নৈৰ জল-কুৱঁৰী সকলো কোৱঁৰৰ লগতে সাগৰলৈ যাবলৈ বাহৰতে বৈ আছেহি।

**লুইত কোৱঁৰ**

বৰ সন্তোষৰ কথা! ইয়ালৈ আহিবলগীয়া জল-কুৱঁৰী সকল আহি গোট খালেহিয়েই। কুৱঁৰী, মই বাহৰ তুলিবৰ যো-জা কৰোঁ গৈ। তোমালোকেও ভটিয়াই যাবলৈ সাজু হোৱাগৈ।

(লুইত কোৱঁৰ এফালে যায়গৈ; ধনশিৰীয়েও গীত গাই গাই আন ফালে যায়)

**ধনশিৰী**

ভৈয়ামৰ শিলেৰে, হেন্দোলনি তুলি
ঢৌ মোৰ বাগৰি যায়।
হাবিৰে হৰিণী, দেখি ছবি খনি
চায়ে থাকে ভোল হৈ;
তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ তিৰ্‌বিৰ্‌ তিৰ্‌বিৰ্‌ কৈ ॥

(গীত গাই গাই গুচি যায়)

---

# তিনি

## শোণিতপুৰৰ ওচৰৰ লুইত কোৱঁৰৰ বাহৰ

( কুন্দৰা আৰু লুইত কোৱঁৰ দুয়ো বহি আছে )

**লুইত কোৱঁৰ**

কুন্দৰা, এই অঞ্চলৰ উত্তৰ-দখিণৰ জন-কুৱঁৰী সকল নাহে মানে আমাৰ বাহৰ ইয়াতে পতা হওক। অতি বিনন্দীয়া এইখনি দেশ, কুন্দৰা

**কুন্দৰা**

সচাকৈয়ে কোৱঁৰ, এইখনি বিনন্দীয়া দেশ। এইখনিয়েই উষা দেৱীৰ পিতৃৰাজ্য শোণিতপুৰ। প্ৰকৃতিৰ কাম্য উপবন সদৃশ সৌ আগত দেখা নগৰ খনিয়েই শোণিতপুৰ—আজি কালিৰ তেজপুৰ। সৌ উত্তৰ-পূবৰ টিলাটোৰ ওপৰতেই উষা দেৱীৰ অগ্নিগড়। ইয়ালৈকে সখী চিত্ৰলেখীয়ে অনিৰুধ কোৱঁৰক দ্বাৰকাৰ পৰা আনিছিল। সৌ দুটি পৰ্ব্বতৰ ওপৰত বাণ ৰজাৰ ইষ্ট দেৱ-দেৱী মহাভৈৰৱ-মহাভৈৰৱীৰ মন্দিৰ।

**লুইত**

নৈৰ মাজত সৌ উত্তৰ পূব-কোণত সেইটো কি পৰ্ব্বত, কুন্দৰা?

**কুন্দৰা**

কোৱঁৰ, সেইখন পূৰ্ব্বৰ সূৰ্য্য দেৱতাৰ পূজাৰ ঠাই শ্ৰীসূৰ্য্য-পাহাড়। বঙ্গ-বিজয়ী আহোম কুল-প্ৰদীপ কলিয়া ভোমোৰা বৰ ফুকনে এই মহানদৰ ইপাৰৰ পৰা সিপাৰলৈ এখন শিলৰ সাঁকো দিবলৈ যো-জা কৰিছিল। সেই বাবে শিল, চুণ আৰু অইন অইন অপাৰ সঁজুলি আনি এই পৰ্ব্বতৰ ওপৰত পেলাইছিল হি। কিন্তু কালৰ বিচিত্ৰ গতি! দলং সজা কাম আৰম্ভ নৌ কৰোঁতেই বৰ ফুকন স্বৰ্গী হয়। আহোম-ভাগ্য-বেলিও

তেতিয়াৰে পৰা লাহে লাহে ভটিয়াবলৈ ধৰে। এতিয়াও সেই পৰ্ব্বতৰ ওপৰত বহুত দলং সজা সঁজুলি পৰি আছে আৰু এই পৰ্ব্বতৰো তেতিয়াৰ পৰা ভোমোৰা গুৰি নাম হয়।

**লুইত**

দৰাচলতে কুকৰা, এই খনি প্ৰকৃতিৰ ৰম্য উপবন। যেনি চাওঁ, শুৱনী সুন্দৰ মনমোহা প্ৰকৃতিৰ ছবি। এই ঠাইৰ প্ৰত্যেক গছে, প্ৰত্যেক পাতে, প্ৰত্যেক ডোখৰ শিলে বুৰঞ্জীৰ অতীত গৌৰব যেন ঘোষণা কৰিব লাগিছে।

( দূৰৈত মৃদু সঙ্গীত ) কুকৰা, শুনাচোন, দূৰণিৰ পৰা যেন এটা মনমোহা সুৰ ভাহি আহিব লাগিছে।

**কুকৰা**

হয় কোৱঁৰ, এগৰাকী জল-কুৱঁৰী গীত গাই গাই আমাৰ নাহবৰ ফালে আহিব লাগিছে।

( হালি জালি গীত গাই গাই তৰলী জল-কুৱঁৰী আহে )

**তৰলী**

৮। দুৰ্গাবৰী মিশ্ৰ—কাৱালী।

আজি, সুকযৰে এ, এ হে এ পোহৰে হাঁহিছে।
পখিলী ফুলতে পৰি নাচোনে নাচিছে হে ॥ ধ্ৰু ॥
নইৰে বুকুকে কোনে কৰিলে সোণালী ?
আজি সুকযৰ পোহৰে এ।
গছৰে শিৰতে হাঁহে শুৱনী ৰঙালি ॥ ১ ॥
কৰেনো বাতৰি আনে দখিণৰ বতাহে ?
সো-সাগৰৰ পাৰৰে এ।
বিলায় সুগন্ধ ৰঙা পদুমৰে পাহে ॥ ২ ॥
ফুলে ফলে শোভা ধৰে কুৱঁৰী বনৰে,
ঐ কুৱঁৰী বনৰে এ ;
শোভা দেখি জল কুৱঁৰীয়ে নাচোন ধৰে ॥ ৩ ॥

কোৱঁৰ, মই ভবলীৰ জল-কুৱঁৰী। মোৰ লগতে উত্তৰৰ কুঞ্জগিৰি-মালাৰ পৰা ওলাই জীয়াধনশ্রী, দিকৰাই, ঘিলাধাৰী, মঙ্গলদৈ, বৰনদী আদিৰ জল কুৱঁৰী সকলো আহি এই শাহৰতে বৈছেহি—কোৱঁৰৰ সাগৰ যাত্ৰাৰ লগৰী হবলৈ।

**লুইত কোৱঁৰ**

পুণ্যৱতী ভবলী কুৱঁৰী, বৰ সন্তোষৰ কথা। সাগৰৰ কৰ-ভাৰ লৈ আৰু কেগৰাকীমান জল-কুৱঁৰীয়ে আমাক এই বাহৰতে ভেট কৰাৰ কথা। তেওঁলোক আহিলেই আমি ইয়াৰ পৰা বাহৰ তুলি ভটিয়াম। (দূৰৈত আকৌ মৃদু সঙ্গীত ধ্বনি) সৌৱা, তোমালোকৰে কোনোবা এগৰাকী কুৱঁৰীয়ে গীত গাই গাই এই ফালে আহিব লাগিছে।

**ভবলী**

কোৱঁৰ, সেই গৰাকী পুণ্যশ্লোক কপিল মুনিৰ মানস-কন্যা কপিলী কুৱঁৰী। দখিণ ফালৰ কিন্নৰী সকলৰ বাঞ্ছিত কিন্নৰ বা মিকিৰ পৰ্ব্বতৰ পৰা ওলাই কোৱঁৰৰ লগতে সাগৰলৈ যাবলৈ বুলি আহিছে।

(গীত গাই গাই কপিলী জল-কুৱঁৰী আহে)

**কপিলী**

৯। শ্যামগড়া—তেওৰা

কিনো গীত শুনালে, সখিয়তী পখী,
সবাই ফুলনীৰে মালতী ফুল।
সুৰতে কঁপিলে, নৈৰে হিয়া ঐ,
গাই গলে নাচি কুলু কুল্‌॥ ধ্ৰু॥
সেন্দূৰী বোলেৰে, অৰুণে কৰিলে
বাগুলী পূৰবে বুকু।
কলচীয়া শিৰে, নাহৰে হাঁহিলে,
জুৰে কৰি গলে চকু॥ ১॥

ভোমোৰা কলিয়া, মত্ত খাই বলিয়া,
গুণ্ গুণ্ বাঁহীটি বালে,
সপোন ভাঙ্গিলে, পদুমী কুৱঁৰীৰ,
সুকৰৰ মুণলৈ চালে ॥ ২ ॥ K

কোৱঁৰ, মই কপিলী জল-কুৱঁৰী। কলং, ৰবপানী, যমুনা, ডিকৰু আদি নৈৰ জল-কুৱঁৰী ভনীহঁতেৰে কোৱঁৰৰ সাগৰ যাত্ৰাৰ লগৰী হবলৈ বুলি আহিছোঁ।

লুইত কোৱঁৰ

কপিলী কুৱঁৰী, তোমাৰ সাক্ষাৎ পাই দৰাচলতে মোৰ মন আনন্দত উপচি পৰাৰ নিচিনা হৈছে। এনে মত্ত সদা মাত তোমাৰ! ক'ত পালা এনে অমিয়া-ভৰা সুৰৰ গীত, জল-কুৱঁৰী ?

কপিলী

পবিত্ৰ ভাগৱতী ধৰ্ম্মৰ প্ৰথম পাতনি য'ত, সঙ্গীত শিৰোমণি "বৰগীতৰ" প্ৰথম জন্ম ঠাই বৰদোৱা ধাম যি অঞ্চলত, সেই নগাওঁ অঞ্চলতেই মোৰ জন্ম। এই অঞ্চলৰ গছৰ পাতে পাতে, নিয়ৰৰ টোপাই পতি, ফুলৰ পাহে পাহে বৰগীতৰ সুৰ আজিও বাজি থাকে। নইৰ কুলু কুলু ধ্বনিত, চৰাইৰ সুৱদী গীতত আজিও বৰগীতৰ ৰাগৰ ঝঙ্কাৰ উঠি আছে। সেই বৰগীতৰ ৰাগৰে এটা নিস্ফুট আভাষ মাথোন মই গাইছোঁ।

লুইত কোৱঁৰ

ধন্য এই দেশ, যি দেশত এনে অনুপম বস্তুৰ জন্ম।

কুকুৰা

কোৱঁৰ, এই ৰাহবলৈ আহিব লগীয়া সকলোবিলাক জল-কুৱঁৰী সাগৰৰ কৰ-সম্ভাৰ লৈ আহি উপস্থিত। এতিয়া কোৱঁৰৰ আজ্ঞা হলেই আমি ৰাহৰ ভুৰি ভটিয়াব পাৰোঁ।

**লুইত কোঁৱৰ**

বাক তেন্তে, আমি যাত্ৰাৰ আয়োজন কৰোঁগৈহঁক আহাঁ। কুঁৱৰী, তোমাৰ মৌ-সনা গীতটো ধৰা ; তাকে শুনি শুনি আমি যাত্ৰা কৰোঁ গৈ।

**কপিলী**

সেন্দুৰী বোলেৰে, অৰুণে কৰিলে,
বাঙলী পূৰবে বুকু।
কলচীয়া শিৰে, নাহৰে হাঁহিলে,
জুৰে কৰি গ'লে চকু॥

(গাই গাই গুচি যায়)

---

# চাৰি

## প্ৰাগজ্যোতিষপুৰৰ বাহৰ

( লুইতকোৱঁৰ আৰু কুঙৰী সোমাই আহে )

**লুইত কোৱঁৰ**

প্ৰকৃতিৰ নিকুঞ্জ কানন, দুৰ্ভেদ্য গিৰি-দুৰ্গ-মালাই আগুৰি থকা এইখন বিচিত্ৰ দেশৰ নাম কি কুঙৰী? ইয়াত সোমায়েই মোৰ মনত মহান্, পবিত্ৰ, আৰু গহীন ভাব এটা সোমাইছেহি। যেনিয়েই চাওঁ তেনিয়েই প্ৰকৃতিৰ পূৰ্ণ বিকাশ চকুত পৰি মন প্ৰাণ শীতল হৈ যায়।

**কুঙৰী**

কোৱঁৰ, এই খনেই দেৱতা বাঞ্ছিত, মুনি মনোৰম প্ৰাচীন কামৰূপৰ ৰাজধানী তীৰ্থময়, পুণ্যময়, মহিমাময়, প্ৰাগ্‌জ্যোতিষপুৰ। এই খনিয়েই একাদিক্ৰমে বিষ্ণুবংশী, সূৰ্য্যবংশী, চন্দ্ৰবংশী আৰু ইন্দ্ৰবংশী ৰজা সকলৰ গৌৰৱমণ্ডিত লীলাক্ষেত্ৰ।

**লুইত কোৱঁৰ**

কুঙৰী, এই পুণ্যময় ক্ষেত্ৰৰ চাৰিও ফালৰ ঠাই বিলাকৰ বিষয়ে জানিবলৈ মোৰ বৰ ধাউতি হৈছে। তুমি সকলো ঠাই ফুৰিছা। মোক এই মহাক্ষেত্ৰৰ বিষয়ে জানিব লগীয়া কথা বিলাক এটা এটা কৈ বুজাই দিয়া।

**কুঙৰী**

কোৱঁৰ, সৌ পছিমৰ পৰ্ব্বতটিয়েই নীলাচল। তাৰ ওপৰতে মহাপীঠ কামাখ্যা আৰু ভুৱনেশ্বৰী মন্দিৰ। সমুখৰ সৌ মাজুলীটি হৈছে উমানন্দ; তাৰ ওচৰতে সৌৱা উৰ্ব্বশীৰ শিলৰাজি; সৌ উত্তৰফালে অশ্বক্লান্ত, মণিকৰ্ণিকা আদি তীৰ্থ। প্ৰাগ্‌জ্যোতিষপুৰ নগৰৰ পূব ভাগত প্ৰাচীন কামৰূপী জ্যোতিষী সকলৰ মান মন্দিৰ

নৱগ্ৰহ। নগৰৰ ভিতৰত ছত্ৰাকাৰ, উগ্ৰতাৰা, শুক্ৰেশ্বৰ আৰু জনাৰ্দ্দনৰ মন্দিৰ। আগাৰ বাহৰৰ উত্তৰ-পূব ফালৰ সৌ পৰ্ব্বতমালাই বিশ্ব বিখ্যাত শৰাইঘাটৰ যুজৰ কোঁঠ আৰু গড়—কুকুৰা-বুকুজ। সেই পৰ্ব্বতৰ ওপৰত সেই বিলাক কোঁঠ আৰু গড়ৰ ধ্বংসাৱশেষে যবন-বিজয়ী ইন্দ্ৰবংশী ৰজা সকলৰ অতীত কীৰ্ত্তি ঘোষণা কৰিব লাগিছে। ( দূৰৈত মৃদু সঙ্গীত )

## লুইত কোৱঁৰ

কুকুৰা, কোনোবা এগৰাকী জল-কুৱঁৰী সুললিত সুৰে গীত গাই গাই এই ফালে আহিব লাগিছে।

( গীত গাই গাই ভৰলু জল-কুৱঁৰী আহে )

## ভৰলু

১০। ভৈৰবী—একতালা

নিজ্ঞানৰে পৰা, অসীমক বিচাৰি,
আহিছোঁ নামি ধৰণীলৈ।
পুণ্য পৰশে, শীতলাওঁ ধৰা,
কুলু কুলু সুৰে যাওঁ বৈ॥
সৌ দূৰণিৰ গিৰিমালাই,
অসীমৰ ফালে চকু ঘূৰায় ;
জুৰ সন্ধিয়াৰ, সোণালী সূৰুযে
অসীম বিচাৰি ফুৰিছে গৈ।
অফুট বাতৰি আনে সমীৰণে
শিহৰণ উঠে বন উপবনে,
ফুলৰ পাহিত সি বাতৰি পাই
ঢৌ নাচি উঠে আকুল হৈ॥

কোৱঁৰ, মই মহাতপা বশিষ্ঠ ঋষিৰ কন্যা ভৰলু। মোৰ লগতে সন্ধ্যা, ললিতা, কান্তা, এই তিনি গৰাকী মোৰ যমজ ভনী, আৰু দক্ষিণৰ পৰ্ব্বতমালাৰ পৰা কলঙী, ডিগাৰু, শিঙৰী, আদি নৈৰ জল-কুৱঁৰী সকল কৰ-ভাৰ লৈ আপোনাৰ বাহৰতে আছোহি। আমিও কোৱঁৰৰ সাগৰ যাত্ৰাৰ লগৰী হবলৈ আহিছোঁ।

## লুইত কোৱঁৰ

পুণ্যৱতী ভৰলু কুৱঁৰী, বৰ সন্তোষৰ কথা। তোমালোক বাহৰতে জিৰোৱাঁ গৈ। উত্তৰ ফালৰ জল-কুৱঁৰী সকল আহিলেই আমি ইয়াৰ পৰা ভটিয়াম।

( ভৰলুৱে প্ৰণাম কৰি যায় )

## সুন্দৰা

কোৱঁৰ, উত্তৰ ফালৰ পৰা মধুৰ সঙ্গীত শুচৰ চাপি আহিছে, কোনোবা জল-কুৱঁৰী আহিব পায়। ( গীত গাই গাই চাউলখোৱাৰ জল কুৱঁৰী আহে )

## চাউলখোৱা জল-কুৱঁৰী

১১। টোটয়—দাদ্ৰা

আকাশৰ ফুলনীতে, কোনে নো ফুলালে ফুল ?
ৰূপালী পাহেৰে সউ, শুৱনী তৰাৰে থুল ॥
দখিণৰ মলয়া বয়, ৰিবি ৰিবি ৰিবি কই,
জোনৰে জোনাকে হাঁহে, হিয়া মোৰ উগুল থুগুল ॥
আকাশী ছবিৰে ছাঁয়া, নইৰে বুকুতে নাচে ;
নাচোনৰ চেৰে চেৰে, ঢউ নাচিছে তুলুং বুলং ॥
আঁধাৰৰ আঁচলতে, পোহৰৰ চিকি মিকি ;
ফুলৰে সুগন্ধ ভাহে, মেদিনী আগোলে মোল ॥ M.

কোৱঁৰ, মই চাউলখোৱাৰ জল-কুৱঁৰী ; লগত কালদীয়া, টিহু, বৰলীয়া, চেঁচা আদি নৈৰ জল-কুৱঁৰী সকলক লৈ উত্তৰৰ পৰ্ব্বতমালাৰ পৰা আহিছোঁ, আপোনাৰ সাগৰ

যাত্ৰাৰ সঙ্গিনী হ'বলৈ। আৰু মোৰ লগত আছিছে মোৰ পাগলী ভনী পাগলাদিয়া কুৱঁৰী। মোৰ লগৰীয়া কুৱঁৰী সকল বাহৰতে জুৰাইছেহি। কিন্তু মোৰ পাগলী ভনীটিয়ে ক'তো শাঁতিৰে নেথাকে। সৌৱা, তেওঁ আউলী বাউলী হৈ নাচি নাচি গীত গাই কোৱঁৰৰ চ'ৰাৰ কালেই আহিছে। ( নাচি বাগি গীত গাই পাগলাদিয়াও জল-কুৱঁৰী আহে )

পাগলাদিয়া কুৱঁৰী

১২। নট ভাটিয়ালী—কাহাৰৱা।

অ' অ' এ এ তৰা, যাওঁ সাগৰলৈ ;
যাওঁ কি নাযাওঁ নাযাওঁ কৰি যাওঁ সাগৰলৈ,
তৰা, যাওঁ সাগৰলৈ ॥ ধ্ৰু ॥
পাৰবে বিৰিখ, অ' তৰা, যাওঁ সাগৰলৈ,
হাককে নিদিবা, অ' তৰা, যাওঁ সাগৰলৈ,
নহলে তুলি, বুকুত বান্ধি যাম গৈ লগত লৈ
তৰা, যাওঁ সাগৰলৈ ॥ ১ ॥
বনৰে চৰাই, অ' তৰা, যাওঁ সাগৰলৈ,
লগতে নাহিবা, অ' তৰা, যাওঁ সাগৰলৈ,
আহিলে কান্দিব, গছে পাতে, বনৰে হব বিলই,
তৰা, যাওঁ সাগৰলৈ ॥ ২ ॥
কুলু কুলু কুল, অ' তৰা, যাওঁ সাগৰলৈ,
পানীতুলু বুল, অ' তৰা, যাওঁ সাগৰলৈ,
কুলু কুলু কুল, পানীতুলে বুল, যাওঁ কুলু কুল বই,
তৰা, যাওঁ সাগৰলৈ ॥ ৩ ॥ K.

( ঢেও ধৰি ) কোন দূৰণিত সাগৰ আছে ?
ক'ত আকাশৰ-পোহৰ নাচে ?

যেনি তেনি থাওক নেথাওক
বাতৰি নলওঁ তাৰ;
বাক, কেনি সাগৰৰ পাৰ?

**চাউল-খোৱা**

ভনীটি, এখেতেই লুইত কোৱঁৰ, সকলো বিলাক জল-কুৱঁৰীক লৈ সাগৰলৈ যাব। আমিও কোৱঁৰৰ লগতে যাম।

**পাগলাদিয়া**

লুইত কোৱঁৰ, লুইত কোৱঁৰ, একেটি আমাৰ বাট;
একেলগে গৈ আমি পৰিম সাগৰৰ গাত;
জিৰাম সেই নীল পানীৰ ছাঁত।

**লুইত কোৱঁৰ**

(হাঁহি) জল-কুৱঁৰী, আমাৰো সেই একেই উদ্দেশ্য। কুকুৰা, আগাৰ বাহৰ তুলিবৰ বেলি হল। জল-কুৱঁৰী সকলেৰে আমিও যাত্ৰাৰ আয়োজন কৰোঁগৈ আহাঁ। (লুইত কোৱঁৰ আৰু কুকুৰা যায)

**পাগলাদিয়া**

(পুনৰ গীত)

* * * *

কুলু কুলু কুল্, অ' তৰা, যাওঁ সাগৰলৈ;
পানী তুলে বুল্, অ' তৰা, যাওঁ সাগৰলৈ;
কুলু কুলু কুল্, পানী তুলে বুল্, যাওঁ কুলু কুল্ বই,
তৰা, যাওঁ সাগৰলৈ॥

---

# পাঁচ

## বিলাসীপাৰাৰ গুচৰৰ বাহৰ

( লুইত কোৱঁৰ, কুন্দৰা আৰু জল-কুঁৱৰীসকল লাহে লাহে সোমাই আহে )

**কুন্দৰা**

এই খনিয়েই মহাসতী বেউলাৰ সতীত্ব জ্যোতিমণ্ডিত দেশ। সৌ উত্তৰৰ টিলাটোৱেই লখীন্দাৰৰ মেৰ-ঘৰ; ইপিনে সৌ পানীৰ জীয়ঁলিলৈকে নামি অহা টিলাটোকে "চান্দোৰ ডিঙ্গা পৰ্ব্বত' বোলে। দেশ বিদেশত বণিজ বেহাই অগণন ধনৰত্ন লৈ আহি ইয়াতেই চান্দো সদাগৰে ডিঙ্গা বান্ধিছিলহি। এই অঞ্চলৰ প্ৰতি ধূলি কণাটিয়েই সতীকুঁৱৰীৰ পদৰেণুৰে পবিত্ৰ হৈ আছে।

**লুইত কোৱঁৰ**

এই সতী সাধ্বীৰ দেশখনি জগতৰ মহাতীৰ্থ। জল-কুঁৱৰী সকল, মহাসতীৰ উদ্দেশে প্ৰণাম জনাই উৰুলী জোকাৰ দিয়াঁহঁক। ( লুইত কোৱঁৰ আৰু কুন্দৰাই হাত জোৰকৈ প্ৰণাম কৰে; জল-কুঁৱৰী সকলে উৰুলী দিয়ে )

( দূৰৈত গুৰুগম্ভীৰ সুৰ বাজি উঠে, লগে লগে বৰদৈ চিলাই ঘূৰি ঘূৰি নাচি নাচি গীত গাই আহে )

**বৰদৈ চিলা**

১৩। পাহাড়ী ভাটিয়ালী—দাদ্ৰা

ডাৱৰে দূৰতে মাতিলে, গুৰু গুৰু গুৰু গুৰু,<br>
নাচি বাগি আহিছোঁ, মন কৰে উৰোঁ উৰোঁ ॥<br>
( মোৰ ) আঁচল খনি উৰি যায়, সকলোকে উৰুৱাই,<br>
নেমানো একোকে বাধা, য'তে ত'তে উৰি ফুৰোঁ ॥<br>
বিৰিখে দোৱাঁয় শিৰ, পাখী সৰে পখিলীৰ,<br>
( মোৰ ) এছাতি আঁচলৰ বাতে হিয়া কঁপে দুৰু দুৰু ॥ M.

**লুইত কোৱঁৰ**

আমাৰো নগৰীয়া এটাই বিলাক থুপ খাইছেহি ; অলপতে সাগৰ পাম গৈ।

**কুকুৰা**

বৰদৈ চিলা, বিহু খাবলৈ যাবা হয়, বাটত যেন একো বিঘিনি নঘটোৱা।

**জল-কুৱঁৰী সকল**

১৪। বিয়াৰ নামৰ সুৰ

বৰ দৈ চিলা, সাগৰৰ বতৰা ক'তেনো পালা ?

আয়েৰাৰ ঘৰতে, বৰ দৈ চিলা,
বিহুকে খোৱা গৈ, বৰ দৈ চিলা,
খোপাতে পিন্ধিবা, মালতীৰ মালা,
লখিমী ছোৱালী, বৰ দৈ চিলা ॥
ঘৰৰ জীয়াৰীয়ে, বৰ দৈ চিলা,
পীৰা পাৰি থ'ব, বৰ দৈ চিলা,
তেল লৈ কাঁকৈৰে, বৰ দৈ চিলা,
চুলি আচুৰিবা, অ' ৰঙিলা ॥
বাটতে বিঘিনি, বৰ দৈ চিলা,
একো নঘটাবা, বৰ দৈ চিলা,
ঘৰ গছ গছনি, এৰি থৈ যাবা,
শাঁতিৰে যোৱা গৈ বৰ দৈ চিলা ॥ M.

**বৰদৈ চিলা**

জল-কুৱঁৰী সকল, আয়ে মোলৈ বাটলৈ চাই আছে জাগৈ ; মই যাওঁ। কোৱঁৰ ! আপোনাৰ সাগৰ যাত্ৰা জয় জয় ময় ময় হওক।

( বৰদৈ চিলা যায় )

( দূৰৈত আকৌ সঙ্গীত ধ্বনি : গীত গাই নাচি নাচি নেতাই জল-কুৱঁৰী আহে )

**নেতাই জল-কুৱঁৰী**

১৫। ছায়া নাটিকা—কাৱালী

লাহৰী লতাৰ, পাতে ফুলে,
সুৰভি ঢালে, মলয়া বতাহে।
পাখীত সানি, ফুলৰ ৰেণু,
ৰঙিলী পখিলী হাঁহে ॥
নীল আকাশত মেঘৰ ছবি,
উলাহে নাচিছে সউ ;
পাতৰে মাজতে ফুলে,
যাচিছে সুৱদী মউ।
বনৰে হিয়াতে আজি সৰগী অমিয়া ভাহে।
আদৰে অৰুণৰ কিৰণ, শুৱনী পদুমৰ পাহে ॥ K.

কোৱঁৰ, মই নেতাইৰ জল-কুৱঁৰী। মহাসতী বেউলাৰ দেশৰ উত্তৰ ফালৰ মানাহ, চম্পাৱতী, সৰলভাঙ্গা, সোণ-কোষ গদাধৰ আৰু দখিণ ফালৰ জিঞ্জিৰাম, জিনাৰী, ডুধনৈ, কৃষ্ণা আদি নদ-নদী আৰু নিজৰা বিলাকৰ জল-কোৱঁৰ, জল-কুৱঁৰী সকলক লগত লৈ কোৱঁৰৰ সাগৰ যাত্ৰাৰ লগৰীয়া হবলৈ আহিছোঁ। আমাৰ প্ৰণাম গ্ৰহণ কৰক।

**কুন্দৰা**

এই গৰাকী সতীলখিমীৰ সহায়তেই সতী-ৰাণী বেউলাই কালীনাগৰ দংশনত মৰা স্বামীৰ জীৱন পুনৰ ঘূৰাই পাইছিল। এওঁৰ আৰু এওঁৰ শিক্ষা পোৱা বেউলা সতীৰ অনুপম নাচোনত সন্তুষ্ট হৈ হে উমানন্দাধিপতিয়ে লখীন্দাৰৰ জীৱন দান কৰে।

**লুইত কোৱঁৰ**

পুণ্যৱতী সতী নেতাই কুৱঁৰী, তোমাৰ দৰশন পাই মই ধন্য হলোঁ। আমাৰ এই অভিযানৰ অন্ত পৰিলহি ; জলকুৱঁৰী সকল, আমি শুভযাত্ৰা কৰি এতিয়া সাগৰ-মুৱা হে হব লাগে। ( দূৰৈত সঙ্গীত ধ্বনি শুনি ) সৌৱা শুনা, সুন্দৰ অসীমৰ চিৰসুন্দৰ আৱাহন।

অনুৰক্ষা

প্ৰকৃতিৰ লীলাভূমি পুণ্যময় অসম দেশৰ পৰ্ব্বতে কাননে, আকাশে পৱনে "লুইত কোৱঁৰৰ অভিযান" সদায় প্ৰতিধ্বনিত হৈ থাওক। চৰাই-চিৰিকতি, নৈ-জুৰি এটায়ে লুইত কোৱঁৰৰ এই অভিনৱ অভিযান চিৰকাললৈকে গাই থাওক।

লুইত কোৱঁৰ

প্ৰকৃতিৰ বীণাত অসীমৰ আহ্বানীৰ মধুৰ ৰাগিণী বাজি উঠক; পৃথিৱী ফল-ফুল ধন-ধানেৰে ভৰপূৰ হওক। জগতত সুখ-শান্তি চিৰস্থায়ী হওক; ধৰা মধুময় হওক, পুণ্যময় হওক।

সকলোৱে

লুইত কোৱঁৰৰ জয় হওক! (সকলোৱে উৰুলী দিয়ে, দূৰৈত শঙ্খ, ঘণ্টা, ৰৰকাঁহ, মন্দিৰা, আৰু দবা বাজে—এজনা জল-কুঁৱৰীয়ে গীত লগাই দিয়ে আন বিলাকে লগে লগে গায় আৰু তালে তালে খোজ পেলাই লুইত কোৱঁৰক প্ৰদক্ষিণ কৰে)

জল-কুৱঁৰী সকলৰ সামৰণী গীত

১৬। বিয়ানামৰ সুৰ

যাম বই—লুইতৰ লগতে,
যাম বই—সাগৰৰ বুকলই,
দূৰণিত—গহীনাই সাগৰে মাতেহে ॥ ১ ॥

বই যায়—মলয়াৰে ছাতি,
বই যায়—তাৰে ৰেখা এটি,
কুলুকই,—ঢউ নাচি নাচি আহে হে ॥ ২ ॥

ভৈয়ামৰ—বলুকা পাৰৰে,
ফুলেৰে—ফুল কুৱঁৰীয়ে,
ফুলি ঐ—ৰূপহী জেউতি পাতে হে ॥ ৩ ॥ M.

(পুনৰায় উৰুলী দি লুইত কোৱঁৰ আৰু কুৰুৱাক আগত লৈ জল-কুৱঁৰী সকলৰ লয়লাস গতিৰে প্ৰস্থান)

# আঁৰ কাপোৰ।

---

# সুৰলিপিৰ সঙ্কেত

মাত্ৰা ঃ—সুৰলিপিৰ ওপৰত যত এডাল "।" এনেকুৱা আঁক থাকে সেই সুৰ একমাত্ৰাৰ ; দুডাল, তিনিডাল বা চাৰিডাল এনে আঁক থাকিলে সেই বিলাক সুৰ যথাক্ৰমে দুই মাত্ৰা, তিনি মাত্ৰা বা চাৰি মাত্ৰাৰ হয়।

"|" ছেদ বা লম্ব ৰেখা :—গানৰ বা গতৰ সুৰলিপিত প্ৰত্যেক তালৰ মোহাতে এই ৰেখা টানি তাল ভাগ কৰা হয়।

"||" দ্বিলম্ব ৰেখা :—গৎ বা গানৰ অস্থায়ী বা অন্তৰাৰ শেষ বুজাবলৈ সেই অস্থায়ী বা অন্তৰাৰ শেষত এই চিন দিয়া হয়।

"||" ※ সমাপ্তিকা :—গৎ বা গানৰ শেষ বুজাবলৈ গৎ বা গানৰ অন্তত এই চিন দিয়া হয়।

"[ ]" ভূয়ো-বন্ধনী বা বৰ-বন্ধনী :—এই বন্ধনীৰ ভিতৰত থকা গৎ বা গানৰ পদ বিলাক দুবাৰ কৈ বজাব লাগে।

[ সুৰলিপিৰ সংকেত বিলাকৰ বিশদ ব্যাখ্যা "সুৰ পৰিচয়"ত পাব ]

## ১ নং গীত

### কল্যাণ মিশ্র—একতালা।

০ | ১ | + | ৩
ধ্র সা নো | ধ্র প | মপ মপ ধ্রপ | ম গ ঋ
অ জি প্র | ভা তৰ | অ কউ উণ | কি ৰ ণে

০ | ১ | + | ৩
সা ঋ | ম ঋ ঋ | ম প ধ্র | পধ্র সা নো
ধ ৰাৰ | বু ক ত | না চি ছে | আ হি ই

০ | ১ | + | ৩
নো নো ধ্র | পধ্র প | ম গ ঋ | ঋ গ সা
ধ ৰা ৰ | বু কত | না চি ছে | আ আ হি

০ | ১ | + | ৩
নি নি | নি নি নি | সা সা সা | সা সা
ম লয় | এ ছা তি | আ হি ৰ | ই যায়

০ | ১ | + | ৩
ঋ সা | নো ধ্র প | পধ্র পধ্র নো | নো ধ্র প
স ৰাই | কো ম ল | প ড়ু ম | পা হি ই

০ | ১ | + | ৩
ধ্র প | ম গ গ | সা ঋ গ | ঋগ সা
ধ ৰাৰ | বু ক ত | না চি ছে | আ আ হি

অন্তৰা।

০ | ১ | + | ৩
ম প পম | গ গ ম | প নি নি | সা সা
কো ওন স | পো – ন অৰ | ৰা ত ৰি | আ নে

০ | ১ | + | ৩
সা ঋ ঋ | ঋ গো ঋ | সা নি নিসা | সা ঋ সা
এ কে টি | সু ৰ অৰ | এ কে টি | তা আ নে

| ০ | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | ঋ | জ্ঞা | নো | ধ্র | প | পধ্র | প | ধ্র | নো | ধ্র | প |
| ন | ৱ | ৱ | স | অ | ন্তৰ | আ | গ | ম | নে | এ | এ |

| ০ | | ১ | | | + | | | ৩ | |
|---|---|---|---|---|---|---|---|---|---|
| ধ্র | প | ম | গ | গ | সা | ঋ | গ | ঋগ | সা |
| ব | ভায় | কো | নে | নো | নি | মা | তী | বাআ | হী |

| ০ | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|
| নি | নি | নি | নি | নি | সা | সা | সা | সা | সা | সা |
| ফু | লৰ | পা | হি | ইত | শি | হ | ৰ | অণ | লা | গি |

| ০ | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ঋ | সা | নো | ধ্র | প | প | প | ধ্র | পধ্র | নো | নো | ধ্রপ |
| ম | ধু | উৰ | গৌ , | ৰ | ভ | উ | ঠি | ছে | ভা | হি | ই |

| ০ | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ধ্র | প | ম | গ | গ | সা | ঋ | গ | ঋগ | সা | ‖ * |
| ধ | ৰাৰ | বু | ক | অন্ত | না | চি | ছে | আআ | হি | ‖ |

## ২ অং গীত

### পূৰবী—একতালা।

| ০ | ১ | + | ৩ |
|---|---|---|---|
| নি সা গ | প মী প | মীপ ধ | মীপ গ |
| আ ৰা হ | নী বা জে | দূ ভৰ দূ | ৰ ণি ইত |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা গ | প মীপ | প ম গ | ৰো সা |
| সা গ | ৰে আ আ | দ অ বি | ৰা তে |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| পধ সা সা | সা সা সা | নি ঋ সানি | মীপ গ |
| উঠে এ ধৰ | নি তা ৰে | নী ভল আ আ | কা আ শত |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা গ | গ মীপ | গ ম গ | ৰো সা |
| ত ৰা | ৰে জেএ | উ উ তি | ভা তে |

অন্তৰা

| ০ | ১ | + | ৩ |
|---|---|---|---|
| গ গ গ | প ধ ধ | সা সা সা | সা সা সা |
| কি নো সু | উ উ উৰ | ভা হি আ | হে এ এ |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| নি নি নি | ধ ধ | নি ধসা নি | গমী গ |
| নী লা প | দু মীৰ | পা হে এ এ | পাআ হে |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| গ প প | প প প | মী প প | মীপ গ |
| সে ই সু | ৰ তে ই | প ৰা গ | কম ণাই |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা গ | প মীপ | গ ম গ | ৰো সা |
| সো ণ | ৰে দঅ | লি ই চা | পা তে |

### ৩ নং গীত

### মালশ্রী—কাৱালী।

| | ১ | + | ৩ |
|---|---|---|---|
| ম প ধ | ধ ঋ সা | ধ সা ধ প | ম গ ঋ |
| প ছি মৰ | বা ত বি | ঠা ১ ল তে | তে আ নি |

| | ১ | + | ৩ |
|---|---|---|---|
| সা ঋ ম | ম প ম প | ধ ধ ধ | ধ |
| সিঁ চি ফু | বো ছ তি য়া | আ আ আ | আই |

| | ১ | + | ৩ |
|---|---|---|---|
| ধ সা সা | সা সা সা | সা ঋ ঋ | সা ঋ ধ |
| ফা গু নে | যে তি য়া | শি ম লু | ফু ল তে |

| | ১ | + | ৩ |
|---|---|---|---|
| ধ সা ধ সা | প ধ প ধ | ম প ম প | ধ |
| বু কু দি ই | এ উ দ অ | ভা আ আ আ | আউ |

অন্তৰা

| | ১ | + | ৩ |
|---|---|---|---|
| ধ ধ প | ম প | ধ সা ঋ | ঋ |
| বি ই ইব্ | বিব কৈ | যা ও উ | বি |

| | ১ | + | ৩ |
|---|---|---|---|
| ম ম | প ঋ | সা সা ধ সা | ঋ |
| দেশ বি | দে শে | ফু বো বু উ | বি |

| | ১ | + | ৩ |
|---|---|---|---|
| ম ম ম | ম ম ম | গ গ গ ম | ঋ ঋ ঋ |
| হা লি জা | লি ন চা | ফু ল বে এ | কো লা তে |

| | ১ | + | ৩ |
|---|---|---|---|
| ধ সা ধ সা | ধ ধ প ধ | ম প ম প | ধ ❀ |
| দি ও ম অ | উ ও প অ | চা আ আ আ | আই |

## ৪ নং গীত

### বেলোৱাৰ—একতালা।

ম প ধ্ৰ | মপ ম | সা ঋ ঋ | ঋ ঋ ঋ
কো ওন্ সু | দূউ ৰৰ | আ ৱা হ | নী গী তি

সা ঋ গ | গ গ ম | ঋ প ম | ম ম
ধী ৰে ধী | ৰে ধী ৰে | আ আ আ | হে এ

ম পধ্ৰ নো | নো নো নো | নোসা নোসা নো | ধ্ৰ ধ্ৰ
প ৰাআ ণে | কা ন্দি ছে | মিল - নঅ অৰ | আ শে

নো সা ঋ | সা নো ধ্ৰ | প ধ্ৰ পম গ ঋ
অ লে খ | অ জ্ঞা ন | উ লা হে এ এ

অন্তৰা

নো নো ধ্ৰ | পধ্ৰ পধ্ৰ প | ম প ম | গ গ গ
সি ন্ধু উৰ | মি লা আই | দূ উৰ আ | কা শ অত

সা ঋ গ | গ গ | ঋগ ঋগ ম | ম ম
ত ৰা নোৰ | কঁ পে | জো ন ৰে | কা মত

ম নো | নো নো | নোসা নোসা ঋসা | নো ধ্ৰ
নি শাৰ | নি যৰ | ফু ল অৰ | কো লাত

নো সা ঋ | সা নো ধ্ৰ | ম প ধপ | মগ ঋ ||*
না চি ছে | ম ন অৰ | হে পা আ | হে এ

## ৬ নং গীত

### দিহা-শ্যাম—কাহাৰা।

ম ম ম প | ১ ম ম মপ ম | + ম ধ প মঋা | ৩ ঋা ঋা ঋা |
ব লু কা আ | পা ৰ ৰে এ | তু হু লা আ | কঁ হু ৱাৰ |

ম প ধ | ১ প ধ প ম | + ম প ধ | ৩ প ধ প ম |
ব নে ত্ৰৈ | হাঁ ফি ই ছে | ব নে ত্ৰৈ | হাঁ হি ই ছে |

ম ম ম প | ১ ম প মপ ম | + ম ধ প মঋা ৩ ঋা ঋা ঋা | ॥ ধ্ৰু ॥
ৰ চ কী ঊ | প খি লী ঊ | না চো নে এ না চি ছে |

### ১ম পদ

প ধ ধ ১ ধ সা ধ পম | + প ধ প মঋা ৩ ঋা ঋা ঋা |
ম ল য়া ৰে ছা ভি ই | ধী ৰে ব অ ই গ লে |

ম প ধ | ১ প সা ধ প + ম প ধ | ৩ প ধ প ম |
কঁ পে ত্ৰৈ | গ ছ ৰে পাত ব নে ত্ৰৈ | হাঁ ফি ই ছে |

ম ম ম প ১ ম প মপ ম | + ম ধ প মঋা ৩ ঋা ঋা ঋা |
ডা ৱ ৰ অ ৰে ছাঁ য়া আ | প বি মো ও ৰে গা তে |

ম প ধ ১ প সা ধ প + ম প ধ | ৩ প ধ প ম |
হি যা থ নি ক ৰে শাঁত | ব নে ত্ৰৈ | হাঁ হি ই ছে |

ম ম ম প | ১ ম প মপ ম | + ম ধ প মঋা | ৩ ঋা ঋা ঋা ॥ ✽
ৰ চ কী ঊ | প খি লী ঊ | না চো নে এ | না চি ছে ॥

( বাকীটো পদো ১ম পদৰ নিচিনাকৈ বজাব )

## ৭ নং গীত

### ব্যাহৱবাৰী—কাহাৰৱা।

| ১ | | | | + | | | | ১ | | | | + | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ম | ম | ম | প | ম | প | ম | ঋ | ম | ম | ম | প | ম | প | ম | ঋ |
| চৌ | ৰে | এ | চৌ | এ | এ | না | চে | হ্ | ক | উ | ঘ | ৰে | এ | ছ | খি |

| ১ | | | | + | | | |
|---|---|---|---|---|---|---|---|
| ম | ম | ম | প | ধসা | ধ | প | ম |
| তি | ই | ইৰ্ | নিৰ্ | তিৰ্ | নি | ইৰ্ | কৈ |

| ১ | | | | + | | | ১ | | | + | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | ধ | সা | সা | সা | সা | সা | ধ | সা | ঋ | সা | ঋ | সা | ধ |
| ৰ | ঙা | আ | প | তৃ | মী | ৰে | পা | ছি | তে | জি | ই | লি | কে |

| ১ | | | + | | | ১ | | | + | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ধ | সা | ধ | পধ | মপ | ধ | ম | ম | প | ধসা | ধ | প | ম |
| সো | ণ | ৰে | সম | ভুৰা | ঐ | তি | ইৰ্ | নিৰ্ | তিৰ্ | নি | ইৰ্ | কৈ |

### অন্তৰা

| ১ | | | | + | | | | ১ | | + | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| প | ধ | সা | সা | সা | সা | সা | ধ | সা | ঋ | ঋ | ঋ | ঋ |
| কৈ | যা | আ | মৰ | শি | লে | ৰে | হে | ন্দো | ল | নি | তু | লি |

| ১ | | | | + | | | |
|---|---|---|---|---|---|---|---|
| ধ | সা | ঋ | গ | ঋসা | ধ | সা | ঋ |
| ঢ | উ | উ | মোৰ | বাআ | গ | ৰি | ধায় |

| ১ | | | + | | | ১ | | | | + | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | ঋ | ঋ | ঋ | ঋ | গ | সা | সা | ধ | ধ | ধ | সা | ঋ | গ |
| তা | বি | ৰে | হ | ৰি | ণী | দে | খি | ই | ছ | বি | ই | খা | নি |

| ১ | | | + | | | | ১ | | | | + | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| সা | ঋ | সা | ধপ | ম | প | ধ | ম | ম | ম | প | ধসা | ধ | প | ম |
| চা | হে | খা | কেএ | তো | ভল | গৈ | তি | ই | ইৰ্ | নিৰ্ | তিইৰ্ | নি | ইৰ্ | কৈ |

*

## ৮ নং গীত

### দুৰ্গাবনী মিশ্ৰ—কাৱালী।

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা সা ঋ ম | প ধ | প | প |
| আ জি সু ক | য বে | হে | এ |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| প ধ:নো ধ | পধ পম ম ম | গ ঋগ সা | সা |
| এ হে এ | পো হ বে হাঁ | হি ই ছে | এ |

| ০ | ১ | + | ৩ | |
|---|---|---|---|---|
| সা ম ম ম | গ ঋগ সা ঋগ | সা ঋ ঋ | ঋগ ঋগ সা | ধ্রু |
| প থি লী ফু | ল তে প ৰি | না চো নে | না চিছে হে | |

পদ

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা সা সা | সা সা সা ঋ | :নোসা নো নো নো | ধ পধ ম |
| নৈ ৰে বু | ক তে কো নে | ক ৰি লে ৰ | সো ণা লী |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| ম ম প প | প ধ প ম | ম | ম |
| সৌ সু ক ষৰ | পো ও হ বে | হে | এ |

| ০ | ১ | + | ৩ | |
|---|---|---|---|---|
| ম প প প | প প প ধ | মপ ম ম মঋ | ঋ ঋগ সা | * |
| গ ছ ৰে শি | ৰ তে হাঁ হে | শু ৱ নী ৰ | দা আ লী | |

(বাকী কেইটা পদো ১ম পদৰ নিচিনা)

## ৯ নং গীত

### শ্যামগড়া—তেওৰা।

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| নো নো নোধ্র | প ধ্রপ | ম মঝ্ম | ঝ্মম প প | প ধ্রপ | ম মঝ্ম |
| কি নো গীত | গু উ | না লি | স খি য় | তা ই | প খি |

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| ম মপ প | প ধ্রপ | ম মঝ্ম | ঝ্ম ম পধ্র | ম | ম |
| স বাই কু | ল অ | নী বে | মা ল তী | ফু | উল |

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| নো নো নো | সা | সা সা | ম গোঝ্ম | সা ঋসা | নো নো |
| সু ৰ তে | কঁ | পি লে, | নৈ ৰে | হি ই | য়া ঐ |

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| গো গোঝ্ম | সা ঋসা | নো নো | প নো সাঝ্ম | নো | নো ‖ ‖ধ্রু‖ |
| গাই গ | লে এ | না চি | , ফু উ লু | ফু | উল |

পদ

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| নো নো নোধ্র | প ধ্রপ | ম মঝ্ম | ঝ্মম প প | প ধ্রপ | ম মঝ্ম |
| সেন্ দূ ৰী | বো ও | লে বে | , কো নে নো | ক অ | বি লে, |

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| ম মপ প | প ধ্রপ | ম মঝ্ম | ঝ্ম ম পধ্র | ম | ম |
| বা ঙ লী | পূ উ | ব বে | , বু উ উ | ফু | উ |

| + | ৩ | ১ | + | + | ১ |
|---|---|---|---|---|---|
| নো নো নো | সা | সা সা | ম গো ঝ্ম | সা ঋসা | নো নো |
| ক ল চী | য়া | শি বে | , না হ বে | হাঁ আ | হি লে |

| + | ৩ | ১ | + | ৩ | ১ |
|---|---|---|---|---|---|
| গো গো গোঝ্ম | সাঁ ঋসা | নো নো | প নো সাঝ্ম | নো | নো |
| জু বে ক | বি ই | গ লে | চ অ অ | ফু | উ |

( বাকীটো পদো এই দৰে বজাব )

## ১৫ নং গীত

### ভৈৰবী—একতালা।

| ০ | ১ | + | ০ |
|---|---|---|---|
| সাঋ ম প | ধ্র ধ্র | নোনো নো ধ্র | পধ্র নো ধ্র |
| নিজা ন ৰে | প ৰা | অসী মক্ বি | চা অ বি |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| সা সা নো | ধ্র প প | ম ম প | ম গো ঋ |
| আ হি ছো | না আ মি | ধ ৰ ণী | ল অ ঐ |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| ঋ ঋ ঋ | ঋ গো ঋসা | সা ঋ সা | নো ধ্র |
| পু ণ্য প | ৰ অ শে | শী ত লাও | ধ ৰা |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| নো সা নোধ্র | প প | ম প | ম গো ঋ |
| কু লু কুলু | সু ৰে | যা ওঁ | ৰ অ ঐ |

### অন্তৰা

| ০ | ১ | + | ০ | ০ |
|---|---|---|---|---|
| সা সা সা | ঋ ম | প প প | প | ম গ প |
| স উ দু | ৰ নিৰ | গি ৰি মা | লাই | অ সী মৰ |

| ১ | + | ৩ |
|---|---|---|
| ম প | ম ম গো | ঋ |
| পি নে | চ কু ঘূ | বায় |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| ঋ ঋ সা | গো ঋ | সা ঋ সা | নো নো ধ্র |
| স্থুৰ সন্ ধি | য়া আৰ | সো ণা লী | স্ ক ৰে |

| ০ | ১ | + | ৩ |
|---|---|---|---|
| নো সা নো | ধ্রপ প ধ্র | ম ম প | ম গো ঋ |
| অ সী মক | বি চা ৰি | ফু ৰি ছে | গ অ ঐ |

| ০ | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| নো | নো | ধ | নো | নো | নোসা | সা | ঋ | ঋ | ঋ | ঋঃ | ঋ |
| অ | ফু | ট | বা | ত | বিহ | আ | নে | স | মী | ৰ | ণে |

| ০ | | | ১ | | | + | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|
| ঋ | ম | ম | ম | ম | ম | গো | ঋ | সাগো | ঋ | ঋ |
| সি | হঁ | ৰ | অণ | উ | ঠে | বন | ডু | পঅ | ব | নে |

| ০ | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| নো | ঋ | ঋ | ঋ | গো | ঋ | সা | ঋ | সা | নো | ধ | প |
| ফু | ল | অব | পা | হি | ইত | শি | হ | ৰ | অণ | লা | গি |

| ০ | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|
| ধ | সা | নো | ধ | প | প | ম | ম | প | ম | গো | ঋ |
| চ | উ | না | চি | উ | ঠে | আ | কু | ল | হ | অ | ঐ |

## ১১ নং গীত

টোটয় -- দাদ্‌ৰা।

| | | | |
|---|---|---|---|
| প ধ প | ম গ ম | ম প ম | প |
| আ মা কা | শ অৰ ফু | ল অ নী | তে |
| সা নি সা প | | ধ নো ধ | প |
| কো নে নো ফু | | লা আ লে | ফুল |
| নি নি | নি নি | প নি | সা ঋ ঋ |
| ক পা | লী পা | হে ৰে | স অ ঐ |
| সা ঋ সা | নো ধ | ধ নো ধ | প |
| গু উ ৰ | নী ত | বা আ বে | থুল্ |

১ম অন্তৰা

| | | | |
|---|---|---|---|
| ঋ ঋ | ঋ সা | ঋ ম | ম |
| প ছি | মৰ প | ছো ৱা | বয় |
| গ প ম | গ ঋ | গ ম গ | ঋ |
| ৰি ই বি | ৰি বি | ৰি ই বি | কই |
| সা নি | নি নি | প নি নি | সা ঋ ঋ |
| জো ন | ৰে জো | না আ কে | হাঁ আ হে |
| সা ঋ সা | নো ধ | ধ নো ধ | প |
| হি ই য়া | মোৰ উ | গু উল্ থু | গুল |

( বাকী অন্তৰাও ১ম অন্তৰাৰ নিচিনা )

## ১২ নং গীত

### নট-ভাটিয়ালী—কাহাৰৱা।

| প ধ্র প ধ্রসা | ধ্র প ম | ম প | ম পধ্র প |
|---|---|---|---|
| অ ম এ এএ | ত ৰা আ | যাওঁ সা | গ ৰ লৈ |

| ম ধ্রপ ধ্র ধ্র | প ধ্র ধ্র সা | ধ্র প ম মঋ | ম প ম মঋ |
|---|---|---|---|
| যা আওঁকি না যাওঁ | না যাওঁ ক বি | যাওঁ সা গ ৰঅ | ল ই ত ৰাআ |

| সা ঋ | সা ঋপ ঋ |
|---|---|
| যাওঁ সা | গ ৰ লৈ |

১ম অন্তৰা

| ম প ধ্র | প ধ্র সা | ধ্র ধ্র ধ্র | ম প ঋ | ম প | ম পধ্র প |
|---|---|---|---|---|---|
| পা ৰ বে | বি ৰি ইথ | অ অ অ | ত ৰা আ | যাওঁ স' | গ ৰঅ লৈ |

| ম প ধ্র | প ধ্র সা | ধ্র ধ্র ধ্র | ম প ঋ |
|---|---|---|---|
| চা ক কে | নি দি বা | অ অ অ | ত ৰা আ |

| ম প | ম পধ্র প |
|---|---|
| যাওঁ সা | গ ৰঅ লৈ |

| ম পধ্র ধ্র ধ্র | প ধ্র ধ্র সা | ধ্র প ম মঋ | ম প ম মঋ |
|---|---|---|---|
| ন হলে তু লি | বু কত বান্ ধি | যাম গৈ ল গত | ল অই ত ৰাআ |

| সা ঋ | সা ঋপ ঋ | * |
|---|---|---|
| যাওঁ সা | গ ৰঅ লৈ | |

( বাকী অন্তৰাও ১ম অন্তৰাৰ নিচিনা )

## ১৩ নং গীত

### পাহাড়ী ভাটিয়ালী—দাদ্ৰা।

[ সা সা ঋ | ম ম প | ধ ঋ | সা |
ডা ৱ ৰে | দূ ৰ তে | মা তি | লে |

সা ণো | ধ প | ম গ ঋ | সা || ]
গু ক | গু ক | গু ক গু | ক

[ সা ঋ | ম প | ধ ঋ | সা |
না চি | বা শি | আ আ | হোঁ |

সা ণো | ধ প | ম গ ঋ | সা | ]
মন্ ক | বে উ | বোঁ ও উ | বোঁ |

১ম অন্তৰা

[ ম ম | ম প | ধ ণো | ধ |
আঁ চল | থ নি | উ বি | যায় |

প প | ধ প | ম গ প | ম | ]
স ক | লো কে | উ উ ক | ৰাই |

সা সা | স সা | নি সা | ঋ সা |
নে মা | নোঁ এ | কো কে | বা ধা |

সা ণো | ধ প | ম গ ঋ | সা || *
ঘ’ তে | ত’ তে | উ বি ফু | বোঁ ||

( বাকীটো অন্তৰাও এই দৰে বজাব )

## ১৪ নং গীত

### নিয়ানামৰ সুৰ—কাৱালী।

| ০ | | | | ১ | | | + | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ঋ | ম | প | ধ | ম | প | ম | ম | প | ধ | প | ধ | ম |
| ব | অব | দ | ঐ | চি | ই | লা | ব | অব | দৈ | চি | লা | আ |

| ০ | | | ১ | | | | + | | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ম | ম | প | ম | প | ম | ঋ | ঋ | ম | প | ধ | ম | প | ম |
| সা | গ | বব | ব | ত | বা | আ | ক | তে | নো | ও | পা | আ | লা |

১ম অন্তৰা

| ০ | | | ১ | | | | + | | | | ৩ | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ম | ম | প | ম | প | ম | ঋ | ঋ | ম | প | ধ | ম | প | ম |
| আ | য়ে | বাব | ঘ | ব | তে | এ | ব | অব | দ | ঐ | চি | ই | লা |
| বি | হু | কে | খো | বা | গ | ঐ | ব | অব | দ | ঐ | চি | ই | লা |

| ০ | | | ১ | | | | + | | | ৩ | | | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ম | প | ধ | প | ধ | ধ | প | ম | প | ধ | প | ধ | প | ম |
| খো | পা | তে | পিন্ | ধি | বা | আ | মা | ল | তীব | মা | লা | আ | আ |

| ০ | | | ১ | | | | + | | | | ৩ | |
|---|---|---|---|---|---|---|---|---|---|---|---|---|
| ম | ম | প | ম | প | ম | ঋ | ঋ | ম | প | ধ | ম | ম |
| ল | খি | মী | ছো | বা | লী | ঐ | ব | অব | দ | ঐ | চি | লা |

( বাকী বিলাক অন্তৰাও ১ম অন্তৰাৰ নিচিনা )

## ১৮ নং গীত

ছায়া নাটিকা—কাৱালী।

০ | ১ | + | ৩
প প ধ | নো ঋ সা | ধ সা নো ধ | প ধ প
লা হ বী | ল ম তাৰ | পা আ তে এ | ফু লে এ

ম প ম গ | ঋ গ সা | ঋ ম প নি | সা সঋ সানো ধপ
সু উ ৰ ভি | ঢা আ লে | ম ল য়া ৰ | তা আ আ হে

নো নো নো | নো নো | ধ প ধ প | ম প ম
পা খী ইত | সা নি | ফু উ ল অৰ | বে এ ণু

নো নো সা ঋ | সা ঋ | সা নো ধ প | প
ৰ ঙি লী প | পি লী | হাঁ আ হে এ | এ

অন্তৰা

গ গ গ গ | ম ম প প | নো নো ধ পধ | ম পধ পধ ম
নীল আ কা শত | মে ঘৰ ছ বি | উ উ লা হে | না চি ছে সৌ

ধ ধ ধ ধ | ৰো নো নো নো | নোসা নো ধ পধ | ম গ ধ
পা ত বে মা | জ তে ফু লে | গা চি ছে সু | ৰ দি মৌ

নি নি নি নি | সা সা সা সা | সা সা ঋ গ | ঋ গ ঋগ সা
ব ন বে হি | য়া তে আ জি | স ৰ গী অ | মি য়া তা হে

সা ঋ ঋ ঋ | সা ঋগ ঋগ সা | নো নো নো নো | ধ ধ প প ||
আ দ ৰে অ | ক ণৰ কি ৰণ | শু ৰ নী প | ছু মৰ পা হে ||

# ১৬ নং সামৰণী গীত

## নিয়া নামৰ সুৰ—একতালা




১ম অন্তৰা




( বাকী অন্তৰাটোও ১ম অন্তৰাৰ নিচিনা )

ওঁ মধু ! ওঁ মধু !! ওঁ মধু !!!



স্বনাম-ধন্য সাহিত্যিক, আসামৰ স্কুল সমূহৰ ইন্স্পেক্টৰ
শ্ৰীযুত শৰৎচন্দ্ৰ গোস্বামী ডাঙৰীয়াৰ মন্তব্য :—

যোৰহাট
৭।১০।৩১

প্ৰিয় বৰদলৈ,

আপোনালোক পিতা-পুত্ৰই প্ৰণয়ন কৰা "লুইত-কোৱঁৰ" খান ছাপা হোৱাৰ আগতে পঢ়ি চাবলৈ দি আপুনি মোক বিশেষ আনন্দ দিলে।

"বাবা" ব্ৰহ্মপুত্ৰৰ আৰু তেওঁৰ লগৰীয়া অসমৰ নদ-নদী বিলাকৰ বিষয়ে এনে সুমধুৰ কল্পনা আমাৰ সাহিত্যত এটি নতুন বস্তু হৈছে। মই গীত সুৰ ইত্যাদিৰ বিষয়ে একো ভু নাপাওঁ। কিন্তু আপোনালোক পিতা-পুত্ৰৰ ৰচনা পঢ়ি সোৱাদ লগা হৈছে। আৰু আপোনালোকৰ কল্পনাৰ সজীৱতাই মনত বিশেষ আনন্দ দান কৰে।

মোৰ মতেৰে "বাসন্তীৰ অভিষেক"তকৈও এইখান নাটিকাৰ পৰিকল্পনা বেচি মনোৰম হৈছে।

আমাৰ দেশৰ সুকুমাৰ কলাবিদ্যা চৰ্চ্চা কৰিবলৈ আপোনাৰ আৰু আপোনৰ পুত্ৰ-কন্যাৰ উৎসাহ দেখি মনত বৰ ভাল লাগে। ইতি—

আপোনাৰ
শ্ৰীশৰৎচন্দ্ৰ গোস্বামী।